# গোপীৰ বস্ত্ৰ হৰণ।

:o❋o:

শ্ৰীদিবাকৰ ডুৰবাৰ দ্বাৰা সংগৃহীত
আৰু
শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য দ্বাৰা

প্ৰকাশিত।
ডিব্ৰুগৰ, আসাম।

দ্বিতায় তাঙৰণ।

*Printed by R. S. Chakravarty.*
*At the "Gouri sanker press"*

বেচ দুই চৰকীয়া মাথোন।

# গোঁসাইৰ বেলেগ বেলেগ নাম।

—০:৯:০—

শ্ৰীপতি, জনাৰ্দ্দন, বিশ্বম্ভৰ।
গোবিন্দ, কৃষ্ণ, বিষ্ণু, দামোদৰ।
নাৰায়ণ, কেশৱ, মাধৱ, হৰি।
পুৰুষোত্তম, মধুৰিপু, মুৰাৰি।
দৈৱকীনন্দন, চক্ৰপাণি, চতুৰ্ভুজ।
বাসুদেৱ, অচ্যুত, গৰুড়ধ্বজ।
হৃষীকেশ, উপেন্দ্ৰ, পীতাম্বৰ।
বনমালী, ইন্দ্ৰাবৰ, মুৰলীধৰ।
এই সকলকে আদি
কৰি।

# গোপী সকলৰ নাম।

——ঃ০⊂⊃০ঃ——

ৰাধীকা, কুন্তী, সতী, সৰস্বতী।
বসুন্ধৰী, কামিণী, ঊষা, লীলাৱতী॥
ভগৱতী, যমুনা, বীৰজা, কামদা।
ভাগীৰথী, ভানুমতী, ঘুনুচা, কুমুদা॥
ৰত্নমলা, ভদ্ৰা, সুপ্ৰভা, ইন্দুমতী।
তিলোত্তমা, বিদ্যাধৰী, ৰম্ভা, প্ৰভাৱতী॥
বিসখা, সুগুধা, মাধবী, সুৰসা।
হৰিণী, পদ্মাৱতী, সুমালিনী, ৰসা॥
মদন মঞ্জৰী, অগীৰাজা, কমল লোচনী।
চন্দ্ৰকলা, সুৰভী, ভুষিতা, ৰজনী॥
মন্দাকিণী, ভুষণা, বিবুধা, তপতী।
মদোন্দৰী, কাঞ্চন মালিণী, মধুমতী॥
সুৰসুন্দৰী, বিজুলী, সৌদামিণী, কালী।
বিধুমতী, পদ্মালয়া, পদ্মিণী, বকুলী॥
কাদম্বিণী, কালীন্দি, যামিণী, বিভাবৰী।
মৃড়াণী, ৰুদ্ৰাণী, বৃন্দা, ধাৰিত্ৰী, সেন্দুৰী॥

এই সকলকে আদি

কৰি।

———

# গোপীৰ বস্ত্ৰ হৰণ।।



শ্ৰীশ্ৰীসৰস্বতৈয়ে নমঃ।

পদ।

জয় জয় সৰস্বতী তুমি বুদ্ধিমতী।
তোমাৰ চৰণে কৰো সহস্ৰ মিনতি॥
তোমাৰ চৰণে মই সেৱো একবাৰ।
বস্ত্ৰ হৰণৰ পদ কৰিবো প্ৰচাৰ॥
কাম ভাৱে যিতো জন ইহাক শুনয়।
সিতো জন অবশ্যেই নৰকে পৰয়॥
ভক্তিভাৱে যিতো কৰে ইহাক শ্ৰৱণ।
মহানন্দে চলিযায় বৈকুণ্ঠ ভুবন॥
শুনা শুনা সভাসদ আতি বিতোপন।
ইহাক পঢ়িলে আতি স্থিৰ হয় মন॥

বনমালী কামাতুৰা তাক সবে বোলে।
বৃন্দাবনে ধেনু ছাৰে বসি কদমতলে ॥
হাতে বাঁহি লৈয়া সুললীত সুৰে বায় ।
তাক শুনি গোপীগণে ভাবে অতিশয় ॥
মুৰাৰি আইল বনে বাঁহিত ফুকাৰি ।
এহি বুলি গোপীগণে কৰে লড়ালড়ি ॥
কোন গোপী ভাত খাই আছয় বসিয়া ।
কোন গোপী অছে বসি ছৱাল লইয়া ॥
কোন গোপী শুইথাকে স্বামীৰ সহিত ।
কোন গোপী বাগৰই পড়িয়া মাটিত ॥
কোন গোপী মুৰ মেলে দাপোন লইয়া ।
কোন গোপী বসি থাকে কৃষ্ণক চাইয়া ॥
কোন গোপী শৰীৰৰ লাস বেশ চায় ।
কোন গোপী বোলে মোৰ নাহিকে সহায় ॥
কোন গোপী খেলি থাকে সখীৰ লগত ।
সেন্দুৰৰ ফোট লয় সবে কপালত ॥
কোন গোপী মলা গাঁঠি পিন্ধিলে খোপাত ।
ৰঙ্গা, বগা, সেউজিয়া নানা বৰ্ণতাত ॥
কোন গোপী বোলে সখী চোৱা মোৰ মুখ ।
সাজ অলঙ্কাৰে মোক কেনেকুৱা দেখ ॥
সখী মই তোমাক নেদেখো একো ভাল ।
চন্দনৰ ৰেঘা নাই তোমাৰ কপাল ॥

চোৰা মোৰ বেগা কেনে জিলিকিয়া পাৰে।
বনমালী দেখি মোক আহিব ওচৰে॥
নানা ৰঙ্গ কৰি গোপী থাকয় বসিয়া।
হা কৃষ্ণ! হা কৃষ্ণ! বুলি মনতে ভাবিয়া॥
সব গোপী এক হুয়া কোৰা মেলা কৰি।
শীঘ্ৰে কৰি যাওঁ আমি দেখিবো মুৰাৰী॥
আত অনন্তৰে গোপী চলিবে লাগিল।
বৃন্দাবনে যাওঁ বুলি শবদ তুলিল॥
কতো গোপী চলি যায় স্বামীক এৰিয়া।
কতো গোপী কাম বাণে থাকয় পৰিয়া॥
কতো গোপী গিছিকিয়া হাসি মাৰি আসে।
এখনে পৰিবো গিয়া বন মালী কাষে॥
সব গোপী একত্ৰয়া যায় মনে ভাবি।
সৰস্বতী বোলে কুন্তী তই গৈ জোকাৰি॥
কুন্তী বোলে ভাল মোক নপায় কেশৱে।
ভানুমতী বোলে মোৰ সেহিসে বান্ধৱে॥
বসুন্ধৰী বোলে মোৰ প্ৰিয় জনাৰ্দ্দন।
পূৰ্ণ ব্ৰহ্ম অৱতাৰ দৈবকী নন্দন॥
কামিনী বোলয় মোৰ প্ৰাণেৰ অচ্যুত।
সবে তাৰ ৰূপ দেখি হয় বিমোহিত॥
লক্ষ্মী বোলে সিতো বৰ নিলাজ পুৰুষ।
দেখিলেই আহে চাপি মোহোৰই কাষ॥

উষা বোলে হে ! সখী মনত মোৰ দুখ ।
এহি জনমত মোৰ নেদেখোহো সুখ ॥
লীলাৱতী বোলে মোৰ কৈক গৈল হৰি ।
ৰূপে মোহ হয় যত গোপৰ জীৱৰী ॥
ভগৱতী বোলে মোক দিলে দাৰুণ তাপ ।
নিজ স্বামী এড়ি মই কৰিলোহো পাপ ॥
ভৱানী বোলে মোৰ নহয় ঘন থিৰ ।
কামিনী মোহন কৃষ্ণ কামত অস্থিৰ ॥
বীৰজা বোলয় ইতো কিনো আচৰিত ।
আজি মোৰ কপালে কি মিলিল বিহিত ॥
কামদা বোলয় মোৰ জীৱ উৰি যায় ।
শ্ৰীকৃষ্ণ প্ৰাণধনৰ কি হৈছে বিলায় ॥
তৰুণী বোলয় ভদ্ৰা আছে কত দূৰ ।
আজি দেখোন বাতৰ নপৰেসে ওৰ ॥
ভাগীৰথী বোলে মই মৰো কাম বাণে ।
কি কৰো সখী বুলি ইন্দুমতীক টানে ॥
তিলোত্তমা বোলে মই পাৰিবো হো গালি ।
ক'ত দেখা পাম মোৰ সেই বনমালি ॥
বিদ্যাধৰী বোলে মোৰ কান্দিব ছৱাল ।
প্ৰভাৱতী বোলে ৰম্ভা কিয়নো পলাল ॥
মাধবী বোলয় মই নছাপোহো কাষ ।
দেখো গোবিন্দয় কেনে পাথ মোৰ আশ ॥

মুগুধা বোলয় মোক স্বামী বিছাৰিব।
কেনেকৈ দেখিবো গই সেই বাসুদেব॥
মন্দীৰা বোলয় সখী থাকিবা লুকায়।
যেন মতে স্বামী তোক বিছাৰি নপায়॥
সুৰসা বোলয় মোৰ স্বামী ঘৰে নাই।
সেই গুণে শীঘ্ৰে মই আহিলো ওলাই॥
পদ্মাৱতী বোলে সতী মাগয় সুৰত।
ৰসা বোলে ৰম্ভা কিনো কালৰ মহত॥
হৰিণী বোলয় শুনা মোৰ দুঃখ কথা।
বিধিয়ে কৰিলে মোৰ হেনয় ব্যৱস্থা॥
সুমালিণী বোলে আজি ঘৰে চলি যাওঁ।
আজি কোনোমতে যেন স্বপ্নে দেখা পাওঁ
মদন মঞ্জৰি বোলে মোৰনাই পতী।
স্বামী বৰিবে যাওঁ আজি সেই শ্ৰীপতি।
অথীৰজা কোলে-ৰসা আছে তোৰ স্বামী॥
কিনো সতে তাক এড়ি আসিলাহা তুমি॥
কমল লোচনী মুখে মিচিকাই হাসে।
চন্দকলা লাহে লাহে ওচৰলৈ আসে॥
কি কথা কলা সখী এবাৰ মোক কোৱা।
নিজৰ সুখক তুমি দেখিকে নেপোৱা॥
সুৰভী বোলে থাকিম মাধৱৰ লগে।
যেনে তেনে দেখা কৰিবো তেওক আগে।

ভুষিতা বোলয় সখী ! নেযাবা এড়িয়া ।
মোকো তোমাৰ লগে দেখাইবাক নিয়া ॥
ৰঞ্জনী বোলয় শুনা কোকিলৰ মাত ।
তাৰ মাত শুনি মোৰ হিয়া কৰে সাঁত ॥
মন্দাকিণী বোলে তই পাগলীকে হলি ।
ভুষণা বোলয় যোৱা কৃষ্ণ পাসে চলি ॥
বিবুধা বোলে সখী নহবা উত্ৰাৱল ।
এহিক্ষণে পাইবা গৈ নহবা বাতুল ॥
অবলা বোলয় মোৰ জীৱ ধৰা মিছা ।
কান্তী বোলে স্মৰথিৰা মোৰ এই দশা ॥
সুৰুচী বোলয় মোৰ জুই জ্বলে গাত ।
পানমাহা বোলে তই নেথাকিবি আত ॥
খুনুচা বোলে নুমলা তুমি কৈত যোৱা ।
বনৰ্বাহি মুখে মুখে কিনো কথা কোৱা ॥
নাগেশ্বৰী পৰিলেক লক্ষীৰ গাৱত ।
মোৰ প্ৰাণেশ্বৰ তুমি এড়ি গৈলা কৈত ॥
নাগেশ্বৰী মহা শোকে চিত্ত নোহে থিৰ ।
কাপিবে লাগিলা দেবী ঘামিলা শৰীৰ ॥
কৈক যাওঁ কৈত থাকোঁ থিৰ নোহে মন ।
নুমলী বোলয় কিনো বাতুল লক্ষণ ॥
বালীমাহি দাত কামুৰিয়া আছে বাতে ।
গৌৰাঙ্গা মইনা দুয়ো ধৰিলেক হাতে ॥

হেমাই, তেজালী বোলে কিনো ভৈল তোৰ।
গেৰেলী, সুৰলা শুনে এই কথা ভোৰ॥
সুৰলা, সোণবৰী পৰয় হালি জালি।
গেন্ধেলী ভূমিচম্পায় ধৰে আঙ্কোৱালী॥
সাৱলী বোলয় বহি গৈল এযৌবণ।
কিমতে পাইবো মই কৃষ্ণ স্বামী ধন॥
দময়ন্তী বোলে গৌৰী পাছলই চোৱা।
কেইজনী আহিছে বেগেতে চাই কোৱা॥
গৌৰীয়ে বোলয় মই নাম কওঁ শুনা।
মিলিকি, সাদৰী, গেধী, হৰিণী যমুনা॥
সুৰ সুন্দৰী, বিজুলী, চৌদামিনী, কালী।
পদ্মালয়া, বিধুমতী, কাঞ্চণী, বকুলী॥
কালিন্দী, কাদম্বিনী, যামিনী বিভাবৰী।
দুৰ্গা, মৃড়ানী, ৰুদ্ৰানী, ধাৰিত্ৰী, সেন্দুৰী॥
সৰ্ব্বানী, পাৰ্ব্বতী, বসুন্ধৰী, বসুমতী।
ক্ষণপ্ৰভা, চঞ্চলা, চপলা, পান মতী॥
নলিনী, অবনী, কুসুম, বসন্তী, জুটী।
পদ্মা, পবনী, কায়কী, ললীতা, সুমতী॥
যোগমতী, নাগেশ্বৰী, কশৈলা, ৰূপহী।
ফুলেশ্বৰী, শুক্ৰমতী, কমলা, কপাহী॥
পানী পতী, বৃন্দাবলী, জটিলা, কুমতী।
যশোমতী, সূৰ্য্যকান্তি, মধুৰী, সুপতী॥

সুভদ্ৰা, নিলপতী, ৰামপতী, সাবিত্ৰী ।
মৃণালীনি, চন্দ্ৰাৱলী, টগৰ, ৰেৱতী ॥
কেতেকী, চম্পা, গোলাপী, মালতী, বন্দুলী ।
ভদ্ৰা, উমা, সোণপাহী, মাণিকী, সেৱালী ॥
জানেকী, চেনেহী, যজ্ঞোমতী, স্বৰ্ণকান্তী ।
সুপ্ৰভা, কুতিলা মহেশ্বৰী, পুৰ্ণকান্তী ॥
পদ্মীনি, বোলে পাৰলী গাত ধৰি যাওঁ ।
নেৱালী বোলে কণকা কৃষ্ণ দেখা পাওঁ ॥
ইথানত গোপীগণ সবে মিলি বসে ।
আজি জুয়ী, পদুমী, নাহিল কৃষ্ণ পাশে ॥
কদমী, বোলয় সখী উঠা শীঘ্ৰ কৰি ।
অবশ্যে দেখিব লাগে আমাৰ শ্ৰীহৰি ॥
তেওঁৰ ৰূপকে মই কেনেকৈ বৰ্ণাওঁ !
হৰিণীয়া চকুজুৰি মোহনি যেন পাওঁ ॥
চুলিকেনো কি চাবা মিছ্‌মিছিয়া কলা ।
সেউজীয়া বৰণৰে সবাকে মোহিলা ॥
হে প্ৰভু ! তোমাৰনো কি দেখো মই ৰূপ ।
সংসাৰৰ মাজে দেখো অতি অপৰূপ ॥
কিয়নো নাহিব চাপি কাষে গোপীগণ ।
তেওঁৰ মোহনী ৰূপে মোহে গোপী মন ॥
উত্তম পুৰুষ তেওঁ ৰূপে বিতোপন ।
অভিনৱ সুন্দৰ যুবত সুশোভন ॥

শ্যামল শৰীৰ ধীৰ সাগৰ গম্ভীৰ।
নাহি খতিখুন ৰূপে গুণৰ মন্দিৰ॥
গাৱে আতি পীত বস্ত্র শৰীৰ উজ্জ্বল।
কোন নাৰী দেখী জানা মুহিবে বিকল॥
হেন পুৰুষক আমি পাইলো প্ৰাণ সখী।
এৰি যাৱে কৃষ্ণে মোক কিবা দোষ দেখি॥
দুৰ্ভগা নাৰীৰ জীৱনত কোন কায।
চাড়িয়া প্ৰাণক মই যাইবো যমৰাজ॥
ধিক ধিক সখী মই জীৱো কেনে কৰি।
এড়িবো জীৱন মই জল মাজে পৰি॥

---

## ত্ৰিপদী।

গোপীয়ে যিমতে, আনন্দক পাৱে
জানে কৃষ্ণ সমস্তক।
গোপীনি মোহণ, দেৱ জনাৰ্দ্দন,
বল বিৰ্য্য আতিৰেক॥
দূৰতে থাকিয়া, কাটি কৰি চায়া,
কাম বৰিষণ কৰে।
হাজাৰ শৃঙ্গাৰ, আৰম্ভৰ আগে,
হাসি হাসি মন হৰে॥

লাসে বেশে আসি, মাতে প্ৰিয়া বুলি,
ওচৰ চাপিয়া যাই।
বস্ত্ৰত ধৰিয়া, আশ্বাস কৰিয়া,
মাতে চকু চাই চাই॥
গলে সাবতিয়া, মৰম কৰিয়া,
হাতক বুলায় গাৱে।
কঙ্কালৰ মাজে, ধৰি দুই হাতে,
বোলয় অনকে ভাৱে॥
স্তনত মুখত, কামুৰি গালত,
চুম্বন কৰে অপাৰ।
সাবতি গাৱত, মৰ্দ্দয় বুকুত,
অনেক দেয় শৃঙ্গাৰ॥

———:*:০:*:———

পদ।

এহি বাণী শুনি সবে ভৈলন্ত অস্থিৰ।
গোপীগণ ভাবে অতি মনৰ ভিতৰ।
এহি মতে নানা ৰঙ্গ কৰি গোপীগণ।
অতি বেগে চলি গৈল সেহি বৃন্দাবন॥
তপতী বোলয় কিনো আজি সুভদিন।
কদমৰ তলে আছে বসি নাৰায়ণ॥
মদোন্দৰী বোলে সখী চাওঁ কেনি আছে।
মধুমতী বোলে চোৱা কদমৰ কাষে॥

তাক দেখি সব গোপী আনন্দিত ভৈলা।
কোন গোপী খসি যায় গাৱৰ মেখলা॥
কোন গোপী কাম বাণে পৰয় মূৰ্চ্ছিত।
কোন গোপী বেগে গৈয়া পৰে ওপৰত॥
কোন গোপী চুলি মেলি যায় হাত তুলি।
কোন গোপী বান্ধিবে পাহৰি গৈলা চুলি॥
অতি মহা নানা ৰঙ্গে সব গোপীগণ।
গৈয়া গৈয়া সবে দেখে সেহি বৃন্দাবন॥
গোপীক দেখিয়া কৃষ্ণে বাঁহি লৈলা হাতে।
অতি মিঠা সুৰে বায় গোপীৰ আগতে॥
বাঁহি মাত শুনি গোপী সবে ভোল ভৈল।
আকোৱালী ধৰিবাক সবে চলি গৈল॥
তাক দেখি কৃষ্ণ অতি আনন্দিত হুয়া।
মনে কি কৰে নেপায় ভাবিয়া গুণিয়া॥
নানা গীত নানা কথা কহিয়া কানাই।
সবাক কৰিল শান্ত এক এক কই॥
সব গোপী বোলে হৰি গোৱা এক গীত।
আমি সবে নাচো বেড়ি তোমাৰ সহিত॥
আত পৰে কৃষ্ণ সেই বাঁহি ফুকাইল।
সব গোপী মিলিয়া চাপৰি বজাইল॥
লক্ষ্মী অতি কাম বাণে হাসিয়া হাসিয়া।
তাহাৰ মাজে আইল নাচিবে লাগিয়া॥

২

লক্ষ্মীৰ নাচ দেখি গোবিন্দ মোহ গৈলা।
কামে জৰ্জ্জৰিত হুয়া বাঁহিক পেলাইলা॥
লক্ষ্মীৰ ৰূপৰ উপমাৰ নাহি ঠাই।
যাক দেখি পৃথিবীৰ লোক মোহ যাই॥
হৰিণা নয়ণী অতি দেখি অনুপম।
নাসাৰ আকৃতি যেন তিল ফুল সম॥
শুভ্ৰবৰ্ণ দন্ত যেন মুকুতাৰ সাৰি।
কাণত কুণ্ডল দুই থোপা আছে আৰি॥
কৰি কৰ সম উৰু বৰ্ত্তুল বলিত।
যুবকৰ মন হেৰি হয় বিমোহিত॥
বুকুত কৰস্ত শোভা স্তন দুই গুটি।
দেখি ঋষি মুনিৰও যায় বুকু ফুটী॥
বহল হৃদয় কটী মধ্যে অতি সৰু।
মুঠিতে লুকাই যেন হৰৰ ডম্বৰু॥
বস্ত্ৰ অলঙ্কাৰে তাক অধিক সুৱায়।
লয় লাসে যায় কটী বতাসে হালয়॥
এই হেন সুন্দৰী পাইলো মই হাতে।
সত্যে ভজিবো আজি মই ত্ৰই বনতে॥
এহি বুলি লক্ষ্মীক ধৰিল আঙ্কোৱালী।
সবাতকৈ দেখো মই গাভৰু ছোৱালী॥
আজি মোৰ সঙ্গে থাকা কৰিয়া বিহাৰ।
মই আজি সুখ দিবো তোমাক অপাৰ॥

অনেক প্রকাৰে জানো মই কাম ক্রীড়া।
শিকাবো তোমাক কিছু বেচ নলইয়া ॥
হাসি যদুমণি বোলে শুনা লক্ষ্মী প্রিয়া।
নলাগে সি সব মোক ৰতি দান দিয়া ॥
শুনা সুবদনী তুমি মোহোৰ বচন।
ভালনে বেয়া তুমি চোৱা পৰিমান ॥
ইনব যৌবন বিধি কৰিছে সে দান।
মিছাতে যৌবন যাই নাই একো জ্ঞান ॥
শুকান ফুলত নাই ভোমোৰাৰ ৰতি।
যৌবন টুটিলে নাই পুৰুষৰ মতি ॥
ভোমোৰাই নুচুপিলে কিহৰ মালতী।
ডেকা জনে নভজিলে কিহৰ যুবতী ॥
লক্ষ্মী অতি লাজ হুয়া কৰে তল মুৰ।
গালে হাত দিয়া কয় কথা সুমধুৰ ॥
হে প্রভু! এড়ি দিয়া এখনে মই যাওঁ।
সখী সব লগ যেন মই গই পাওঁ ॥
তাঁহাতে দেখিলে মোক পাৰিবেক গালি।
ত্রবে এড়ি দিয়া মোক আসিবোহো কালি ॥
এহি বাণী শুনি কৃষ্ণ আনন্দে অপাৰ।
কানাই আতৰি গৈয়া পৰে বন পাৰ ॥
লাহে লাহে কৰি আসে গোপীৰই কাষে।
মুখে বাঁহি দিয়া আছে অতি লয় বেশে ॥

লক্ষ্মী মুখে বস্ত্ৰ দিয়া আছে থিৰে থিৰে।
সব সখী আনন্দত চাপৰিক ধৰে॥
সৰস্বতী বোলে কৈত কানাই আছিলা।
লক্ষ্মী সখীৰ লগত তুমি কি কৰিলা॥
বৃন্দাবণী বোলে সখী চোৰা কৃষ্ণ লীলা।
লক্ষ্মীক বনত লই কি কৰিলে খেলা॥
পদ্মাৱতী বোলে সখী আহা ঘৰে যাওঁ।
সন্ধ্যা সময়ত ঘৰ যেন গই পাওঁ॥
কৃষ্ণ বোলয় কুন্তী তুমি এবাৰ নাচা।
তোমাৰ নাচক মই কৰি আছো আশা॥
কৃষ্ণ কথা শুনি আতি আনন্দিত হুয়া।
কুন্তী সত্ৰী মাজে গৈল নাচিবে লাগিয়া॥
কৃষ্ণ সমে ৰঙ্গে আতি নাচে গোপী জাক।
নানা ভাৱে চৰণ চলায়া ফুৰে পাক॥
ঝল মল কুণ্ডল গলত আসি পৰে।
হালে গোপী কঙ্কাল স্তনৰো বস্ত্ৰ লৰে॥
তিতিল মেখলা সব মুখে ঘৰ্ম্ম জল।
গাৱে কৃষ্ণ গুণ গীত গোপীকা সকল॥
কতো গোপী ভৈল অতি ভাগৰে আকুল।
সোলকয় মেখলা খোপাৰ খসে ফুল॥
কৃষ্ণসমে নাচে আতি উৎসৱে গোপিণী।
বাজয় খঞ্জৰি বাদ্য নুপুৰ কিঙ্কিণী॥

এহিমতে গোবিন্দে নৃত্যৰ দেন্ত ভঙ্গি।
কতো গোপীকাক গৈয়া ধৰন্ত আলিঙ্গি॥
কতো গোপীকাৰ কৃষ্ণ পৰশন্ত স্তন।
কটাক্ষে নিৰীক্ষি কাকো কৰন্ত চুম্বন॥
কৃষ্ণৰ ৰূপত বিমোহিত গোপ বালা।
খসে অলঙ্কাৰ কাৰো ছিঙ্গি পৰে মালা॥
সোলকয় খোপা নবান্ধয় তাক তুলি।
নচপাৰে গাৰ বস্ত্ৰ ৰিহাৰ কাচলি।
এহি মতে নানা ৰঙ্গ কৰি গোপীগণ।
ৰাধিকা বুলিল এই কোমল বচন॥
এবে আমি যাব লাগে যমুনা ঘাটক।
কলহে পানী ভৰাই লাগে আনিবাক॥
এহি বাণী বুলি গোপী বিদায় লইল।
নানা ৰঙ্গ কৰি সবে ঘৰা ঘৰি গৈল॥
কৃষ্ণ একা বসি থাকে বৃন্দা বন মাজে।
মনে মনে ভাবে মোক কি কৰিব লাজে॥
এই সন্ধ্যা সময়ত যাব গোপী সব।
গোপীগণ মিলি ৰঙ্গে গাৱক ধুইব॥
সেহি সময়ত মই যাইবো লুকাই।
সবাৰ বস্ত্ৰক তুলি আনিবোহো মই॥
দেখিবো কি কৰে আজি গকুলৰ গোপী।
সখী সবৰ লগে আছিব মোৰ লক্ষী॥

মনে ভাবি বসি থাকে গছতে হাওলি।
..ষ্মীক পাইলে বুলি ধৰে আঙ্কোৱালী ॥
ছয় সখী যায় মিলি পানী আনিবাক।
কাযত কলহ লই যমুনা ঘাটক ॥
সখী সবে দুই সাৰি হই যায় বাটে।
মহানন্দে লই আহে কলসি কাযতে ॥
অতি সুললীত গীত গায় সবে থায়।
কৃষ্ণ হৰষিত হুয়া পাছে পাছে ধায় ॥
সব সখী গৈয়া পায় যমুনা ঘাটক।
লাহে লাহে কৰি থৈল সব কলহক ॥
এবে সখী আহা সবে গাৱক ধুইবো।
তাৰ পাছে কলহে পানী ভৰাই নিবো ॥
এহি বুলি সবে চায় ইফালে সিফালে।
লাহে লাহে কৰি সবে মেখলা খহালে ॥
তাৰ পাছে জলক নামিয়া গৈল সবে।
লক্ষ্মী বোলে বুড় মাৰো দেখো কোনে চুবে ॥
এহি মতে নানা ৰঙ্গ কৰে জল কেলি।
কৃষ্ণ আসি সবাৰ মেখলা লৈল তুলি ॥
কৃষ্ণ মহা ৰঙ্গ কৰি লইয়া চলিল।
কদম্বৰ গাচে গিয়া তেখনি উঠিল ॥
গোপী সব জল কেলি হৈয়া সমাপত ॥
একে একে সবে উঠি আইল পাড়ত ॥

নেদেখো মেখলা এক নাহি ওপৰত ।
এন হেন কার্য্য কোনে কৰিলে ইয়াত ॥
লক্ষ্মী বোলয় ইটো নহয় কোন জন ।
অবশ্য আহিছে আত দৈবকী নন্দন ॥
এহি বুলি সব সখী চৌপাশে চাহিলে ।
লক্ষ্মী দেখা পালে কৃষ্ণ কদম্বৰ ডালে ॥
কৃষ্ণক দেখিয়া সবে আতি লাজ পায়া ।
এতিক্ষণে আমি কৈত পড়িবো উড়িয়া ॥
কুন্তি অতি লাজে যোনি ধাকে হাত দিয়া ।
লক্ষ্মী তল মুৰ কৰি থাকে চাপৰিয়া ॥
ভানুমতী লাজ পায়া থাকে জলে পড়ি ।
সৰস্বতী লাজ পায়া বহে আঠুকাঢ়ি ॥
ৰাধিকা লাজ পায়া কৰি কাওঁ বাওঁ ।
ভগৱতী লাজ পায়া সাবটিলে গাৱ ॥
আতুৰ হইয়া সবে লাজক এড়িল ।
এক হাত মেলি সব কাকুতি কৰিল ॥
নানা ভঙ্গি ভাৱ কৰি বুলিবে লাগিলা ।
হে প্রভু ! ক্ষমা কৰা নকৰো এনে খেলা ॥
কৃষ্ণ চাই থাকে বসি কদম্বৰ ডালে ।
কাকুতি মিনতি কৰি বুলিবে লাগিলে ॥
হে প্রভু ! তোমাৰ থাকো দাসীক হুইয়া ।
আমাৰ মেখলা সব দলিমাৰি দিয়া ॥

কৃষ্ণ আতি মহাৰঙ্গে বুলিল বচন।
দুই হাত যোৰ কৰি লোৱা গোপীগণ॥
তেহে মই দিবো সব মেখলাক এড়ি।
একেবাৰে উঠা সব দুই হাত ধৰি॥
এহি বাণী শুনি আতি লাজক পাইয়া।
উশ মিশ কৰি উঠে চক্ষুক মুদিয়া॥
দুই হাত যোৰ কৰি কাকুতি কৰিল।
অতি নম্র ভাৱে স্তুতি কৰিবে লাগিল॥
হে! প্রভু জগতত তুমিসে নাৰায়ণ।
প্রথম নিস্বাসে বাজ ভৈল দেবগণ॥
জগতত তুমি কৰা আনন্দ প্রকাশ।
সমস্ত জীৱৰ কৰা মায়াক বিনাশ॥
তুমিসে সবাকে দিয়া চৈতন্য শকতি।
আমি গোপীগণ আত প্রমাণ সম্প্রতি॥
তুমিসে পৰম তত্ত্ব জানে জ্ঞানী গণে।
যায় পাপ তযু গুণ শ্রৱন কীৰ্ত্তনে॥
ৰাধা, সতী, ঘুনুচা ভজয় যাক স্বামী।
তাহাৰ মহিমা আৰ কি কহিবো আমি॥
মনুষ্য শৰীৰ পায়া যিতো নৰগণ।
নকৰে তোমাৰ যিটো শ্রৱণ কীৰ্ত্তন॥
সেহি জন পড়ি থাকে নৰক কুণ্ডত।
আমি তব দাসী প্রভু! ৰাখা বিপদত॥

তাঁৰ অঙ্গে তুমি প্ৰবেশিলা গাৱে গাৱে।
আবে আমি তোমাক স্তুতোহো নানা ভাৱে॥

---

## ত্ৰিপদী।

আমি গোপীগণ, মজ্জানোহো একো,
মহা মূৰ্খ ভৈলো আমি।
এই দোষ প্ৰভু, ক্ষমা এই বাৰ,
তোমাতেসে ভৈলো দাসী॥
তুমি সত্য আতি, অপাৰ শকতি,
তুমিসে সেই অনন্ত।
জগততো সদা, তুমিসে প্ৰকাশা,
অন্তৰ্যামী ভগৱন্ত॥
তুমি মোৰ হিয়া; তুমি মোৰ প্ৰিয়া,
তুমি আছা ৰাখি পালি।
তুমি অতি জ্ঞানী, তুমি অতি মানি,
তোমাক সেৱে সকলি॥
তুমি নেৰাখিলে, ৰাখোতাহা নাই,
তুমি মহেশ্বৰ দেৱ।
তোমাবেসে প্ৰিয়, সব গোপীগণ,
মনে কৰো আমি সেৱ॥

তোমাৰ মায়াত, আছো বন্দি হয়া,
সংসাৰে ওপজো মৰো ।
দুঃখ সময়ত, ৰক্ষা কৰা হৰি,
তোমাৰ চৰণে ধৰো ॥
সংসাৰ চক্ৰক, তুমি ধৰি আছা,
নেড়ে মহা মোহ ভয় ।
তোমাৰ চৰণে, পশিলো শৰণে,
ৰক্ষা কৰা দয়াময় ॥

—o—

পদ ।

গোপীৰ স্তুতিত আতি কৃষ্ণ মোহ হৈয়া ।
সেহি ক্ষণে পৰয় মাটিত ঝাম্প দিয়া ॥
এক এক কৰি কৃষ্ণ দিলেক মেখেলা ।
লক্ষ্মীৰ মুখ চাই মিচিকাই হাসিলা ॥
তোমাৰ মেখলা মই দিবাক নোৱাৰো ।
সব সখী গলে মই তেহে দিব পাৰো ॥
এহি মতে নানা ৰঙ্গ কৰে বনমালী ।
আডপৰে দিলে চুমা ধৰি আঙ্কোৱালী ॥
কামত অস্থিৰ হয়া ধৰিল হাতত ।
গলে সাবত মাৰি বসাইলা কোলাত ॥
ইহাক দেখিয়া সবে আতৰিয়া গৈল ।
বিৰিঙ্গা জোপাত আসি সবে লুকাইল ॥

সবে আৰ হুয়া থাকে কৃষ্ণ পাষে চাই।
লক্ষ্মীৰ কি সুখ দিলে আজি বিধতাই ॥
কৃষ্ণ বোলে প্ৰাণেশ্বৰী কিয় কৰা ভয়।
বাঘ ভালুক নহও নকৰা সংশয় ॥
সেহি দিনা মোক মিছা কৰিলা অপাৰ।
আজি মোক ৰতিদান দিয়া একবাৰ ॥
এহি বুলি নানা ভাৱে আনন্দ কৰয়।
কানাই লক্ষ্মীক পাই ভাবে অতিশয় ॥
বহু দিন পৰা ভোক পিয়াসে আছিলো।
আজি তোক পায়া মই পুৰণ কৰিলো ॥
লক্ষ্মী আনন্দিত হুয়া বুলিলা বচন।
এবে মও যাঁই ৰই আছে সখীগণ ॥
যোৱা গৈলা বুলি কৃষ্ণ আগ বঢ়াই থৈলা।
দুই খোজ পাছ আহি থিয় হই ৰৈলা ॥
কৃষ্ণ মনে ভাবি অন্তৰ্ধ্যান ভৈল।
গোপীগণ মিলিয়া গৃহক চলি গৈল ॥
সব গোপী মিলিয়া লক্ষ্মীক দিলা লাজ।
লক্ষ্মী আতি লাজ পায়া এৰিলেক মাজ ॥
আতি সুশোভন পাঠ লিখিয়া ইহাত।
বস্ত্ৰ হৰণৰ পদ কৈলো সমাপত ॥
কৃষ্ণৰ চৰণে লৈয়ো সবেও শৰণ।
সংসাৰৰ অপৰাধ ক্ষমা নাৰায়ণ ॥

কৃষ্ণৰ চৰণে বিনা আন নাহি কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥

ইতি-



# জাননী।

তলত লিখা কিতাপ বিলাক আমালৈ লিখিলে প
পাৰিব। ইয়াৰ বাহিৰেও আন সকলো কিতাপ আ

| | | | |
|---|---|---|---|
| পকা বন্ধা কীৰ্ত্তন ঘোষা | ২৷৹ | ৰুক্মিণী হৰণ | ৸ |
| পকা বন্ধা দশম | ২৲ | কুমৰহৰণ | ৷৷ |
| ঐ বঘাসুৰ বধ | ২৲ | উষাহৰণ | ৷৶ |
| ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ | ১৲ | ভীমচৰিত্ৰ | ৷ |
| ঐ পকাবন্ধা | ১৷৹ | বৰ বেজালী | ৷ |
| পকা বন্ধা ১৮ পৰ্ব্ব মহাভাৰত | ২৲ | বৰ কৰতি | ৷৶ |
| | | নিদান | ৷৷ |
| পকা বন্ধা ৭ কাণ্ড ৰামায়ণ | ১৷৹ | বভ্ৰুবাহ পৰ্ব্ব | ৷৷ |
| | | ভীষ্ম পৰ্ব্ব | ৸ |
| পকা বন্ধা শ্ৰীমদ্ভাগবত-দ্বাদশ স্কন্ধ | ২৷৹ | উদ্যোগ পৰ্ব্ব | ৷৷ |
| | | কৰ্ণ পৰ্ব্ব | ৷৷ |
| অসমীয়া পদ্য গীতা | ১৲ | স্বৰ্গাৰোহণ পৰ্ব্ব | ৷ |
| অনাদি পাতন | ৷৹ | সীতা বনবাস | ৷৶ |
| গুপ্তমণি | ৷৶৹ | শক্তিশেল | ৷ |
| ৰাধাহৰণ | ৷৹ | প্ৰহ্লাদ চৰিত্ৰ | ৷৶ |
| ধৰ্ম্ম সংবাদ | ৷৹ | ব্ৰাহ্মণ ক্ৰিয়া সাৰ | ৷৶ |
| লক্ষ্মীচৰিত্ৰ | ৶৹ | ব্ৰাহ্মণ জীবন | ১ |
| পাতালি কাণ্ড ৰামায়ণ | ৷৶৹ | বড় গীত | ৷৶ |

শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য।
পোঃ আঃ ৰিহাবাৰি আসাম।